SONALI SAPON ( Golden Dreams ) : Lakshminath Phookan. Nalini Prakash, Chandmari, Gauhati. Price : Rs. 3·00

প্ৰথম প্ৰকাশ
ডিচেম্বৰ, ১৯৬১

দাম ৩ টকা

পোৱাৰ ঠাইঃ
নলিনী প্ৰকাশ
চান্দমাৰি, গুৱাহাটী

শিল্পীঃ
শ্ৰীৰবীন্দ্ৰনাথ ভট্টাচাৰ্য

মুদ্ৰকঃ
শ্ৰীকালীচৰণ পাল
নবজীবন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

মোৰ সহধৰ্ম্মিণী নলিনীপ্ৰভাৰ
পবিত্ৰ স্মৃতিৰ উদ্দেশ্যে

# পাতনি

শ্রীলক্ষ্মীনাথ ফুকন একাণপতীয়া নিপুণ সমাজসেৱী হিছাপেহে আমাৰ ভিতৰত জনাজাত হৈ আহিছে। কিন্তু তেওঁ যে অতি সংগোপণে কল্পনা দেৱীৰো নিবিড় আৰাধন কৰে এই এমুঠি **"সোণালী সপোন"ই** পৰিচয় দিছে। "সোণালী সপোনে" যাতে তেওঁৰ বাৰ্তাৰ কাকতৰ সম্পাদকৰ বাস্তৱিকতাৰ খ্যাতিৰ ওপৰত আঘাত নকৰে সেইটো ভাবিয়েই হবলা তেওঁ কৈছে, "এই কবিতাবিলাক মোৰ ডেকা বয়সত লিখা, কিছুমান কুৰি বছৰৰ আগেয়ে।" ডেকা কালৰ উচ্ছ্বাস, উন্মাদনা আদি প্ৰৌঢ় বয়সত নিজৰেই জীৱনৰ সৰ্ব্বকালব্যাপী অনুভূতি বুলি স্বীকাৰ কৰিবলৈ কেনেবা কেনেবা পায়।

কিন্তু সোণালী সপোনৰ মৃদু ভাব ব্যঞ্জনাত সকলো বয়সৰ অনুভূতিৰেই গজালি আছে। দেখাত ই এখনি ডেকা-বয়সত লিখা প্ৰেমৰ কবিতাৰ সমষ্টি। আৰু বিশেষকৈ ডেকা কালত চকুত ধৰা দুই-এটি খণ্ডচিত্ৰও ঠায়ে ঠায়ে আছে। কিন্তু প্ৰধান ভাবৰ ধাৰা হিছাপে সোণালী সপোনত চিত্ৰিত প্ৰেমৰ এটি বৈশিষ্ট্য আছে। কবিতাবোৰত ইন্দ্ৰিয়ৰ উন্মাদনা নাই, তাত পৰিষ্কাৰকৈ ফুটি ওলাইছে সৌন্দৰ্য্যৰ ধ্যান আৰু তন্ময়তা। কবিৰ প্ৰেমিকা কোনো অৱয়ৱী মানৱী যেন নালাগে, তেওঁ কোনোবা অশৰীৰী সত্তা—

জনতাৰে ঘেৰা কোন নিৰ্জানত
আন্ধাৰেৰে ঘেৰা কোন পোহৰত
বিৰহেৰে ঘেৰা কোন মিলনত
আমাৰ দেখা হব কোৱাঁ। (তোমাৰ গান)

দুৱাৰি ডৱাত নীয়ৰৰ ঢউ
মালা নে মণি?
কিজানি তোমাৰ চৰণৰে সাঁচ
সকলোকণি। (প্ৰতীক্ষা)

এই অশৰীৰী সত্তাৰ মৌলিক ভাবৰ ভিতৰতহে সোণালী সপোনবোৰৰ তাৎপৰ্য্য আৰু সৌন্দৰ্য্য বিচাৰিব লাগিব। এই সপোনবোৰত ইন্দ্ৰিয়গ্ৰাহ্য অনুভূতিবোৰ অতীন্দ্ৰিয় তন্ময়তাত মাৰ গৈছে।

কবিতাবোৰৰ ভাষাত সপোনৰ যাদুকৰী শক্তি এটি আছে। প্ৰত্যেকটো কবিতাৰ ভাষা আৰু ছন্দৰ স্পন্দনে প্ৰধান ভাবটোৰ ঢৌ মনত তোলাই দিয়ে।

কবিতাবোৰৰ ছন্দৰ এটি লক্ষণ মন কৰিব লগীয়া। চাৰি চৰণৰ ষ্টেঞ্জা-বোৰৰ দ্বিতীয় আৰু চতুৰ্থ চৰণৰ অক্ষৰ (syllable) সংখ্যাবোৰ ৩।৫।৬।৭।৮।১০ অঙ্কত ভাবৰ হেন্দোলনি হিছাপে লবচৰ কৰে—

মৃদু মলয়াৰ গীতিছন্দে ভৰা
বননি। (৩) (থাকিবা কিমান আঁতৰি)

কিজানি তোমাৰ চৰণৰে সাঁচ
সকলোকণি। (৫) (প্ৰতীক্ষা)

তুমি পাহৰিলা বুলি মই কিয় পাহৰিম
অতীতৰ কথা। (৬) (অনাদৰ)

কিহেৰে আজি বিহুৰ দিনা
জনাওঁ সম্ভাষণ? (৭) (বিহুৰ সম্ভাষণ)

তথাপিও মোক নিৰুত্তৰ দেখি
তুমিও নিমাতে বলা।
(৮) (দিবানে এৰ্কণি ঠাই)

একো শঙ্কা নকৰিবা তুমি আঁচলৰ বতাহতে দুলি
থাকে যদি চাকিটি নুমাই।
(১০) (তুমি মোৰ মৰিষিবা দাই)

এই এমুঠি সপোনত ভাবৰ মৃদু স্পৰ্শ, ভাষাৰ কোমলতা আৰু ছন্দৰ নমনীয়তাৰ এটি অপূৰ্ব্ব সমাবেশ আছে। ই বয়সীয়াক আনন্দ আৰু ডেকাক উদ্দীপনা দিব বুলি আশা কৰিব পাৰি। ইতি

৮।৭।৫০ শ্ৰীবাণীকান্ত কাকতি

# এটি কথা

শ্ৰীলক্ষ্মীনাথ ফুকনৰ কবিতাৰ পাতনি লিখাৰ মন-সাহ মোৰ নাই—তথাপি এটি কথা ক'ব লগাত পৰিলোঁ।

শ্ৰীফুকন সচেতন আত্মাভিমানী কবি নহয়; আধুনিক কবিৰ কলা-কৌশলৰ যাদুবিদ্যাও তেওঁৰ অজ্ঞাত। বছৰত মাথোন দুই এপাহি ফুল দিয়া গছৰ দৰে তেওঁৰ কবিতাৰ সংখ্যা সামান্য। আকৌ, পুজাত আগবঢ়োৱাৰ পিচত সেই ফুলৰ প্ৰতি কবি আসক্তিহীন। কিন্তু ফুলৰ দৰে স্বাভাবিকতে প্ৰকাশ পোৱা ফুকনৰ শুচি-স্নিগ্ধ কমনীয় কবিতাই আমাৰ দৰে কেইবাজনকো আকৰ্ষণ কৰিছিল। সেয়েহে বহুবছৰৰ পৰা কবিতাৰ কৰাণি এটি যুগুত কৰিবলৈ ফুকনক কাতৰি আছিলোঁ—সৰ্ব্বসাধাৰণৰ আনন্দ আৰু সৌন্দৰ্য্য উপভোগৰ সামগ্ৰী কৰিবলৈ। প্ৰকাশত তৎপৰ আৰু উৎসাহ দিবলৈ শ্ৰদ্ধাভাজন কাকতিৰ পৰা পাতনি এটিও লিখাইছিলোঁ।

"কবি নহওঁ, কবিতাৰ পুথি ছপাওঁ কেনেকৈ?"—এই বিনয় বাক্যেৰে উদাসীন ফুকনে এযুগতকৈও ওপৰ কাল আমাৰ অনুৰোধ উপেক্ষা কৰি আহিছে। ইতিমধ্যে শ্ৰীবাণীকান্তৰ পাতনিত চন্দ্ৰবিন্দু সংযোগ হল। কব নোৱাৰি কোন দিনা "এটি কথা"তো যতি পৰে। গতিকে অপেক্ষাৰ সময় নাই—সেয়েহে চল-চক্ৰান্ত কৰি "সোণালী সপোন" ছপাবলৈ দিয়া হ'ল। "সোণালী সপোন"ৰ আনন্দ-উপভোগ যেন সৰ্ব্বজনৰ হয়; দেশ-জাতি-সমাজৰ এই দুৰ্দ্দিনত "সোণালী সপোন" সকলোতে সংক্ৰামক হওক—এয়ে "এটি কথা।"

গুৱাহাটী ইতি

১৫।৬।৬১ শ্ৰীবিৰিঞ্চি কুমাৰ বৰুৱা

# নিবেদন

এই কবিতাকেইটা দহ বছৰৰ আগতে গোটাই-মেলি লৈছিলোঁ ছপা কৰিম বুলি, কিন্তু ছপা কৰা নহল। তেতিয়া ডক্টৰ বাণীকান্ত কাকতি জীয়াই আছিল আৰু তেখেতে অনুগ্ৰহ কৰি পাতনি এটিও লিখি দিছিল, সেই পাতনিও থোৱাতে থাকিল। তেতিয়া আগ-কথাত মই লিখিছিলোঁ, "এই কবিতাবিলাক মোৰ ডেকা বয়সত লিখা, কিছুমান কুৰি বছৰৰ আগেয়ে।" ইমান দিনৰ পিছত কবিতাকেইটা ছপা কৰি উলিয়ালোঁ, পঢ়ুৱৈ সমাজে পঢ়ি ভাল পালে ভাল পাম।

৩১ অক্টোবৰ, ১৯৬১ শ্ৰীলক্ষ্মীনাথ ফুকন

# সূচী

# আজি

আজি ই পুৱাতে পখিলাটিয়ে নো
ফুলে ফুলে উৰি উৰি
কইছেহি কিনো গুপুত কথাটি
নাচি নাচি ঘূৰি ঘূৰি ?
তুমি তাৰ বাৰু পোৱাঁ নে উমান
থউকিবাথউ লাগে নে পৰাণ
ব্যাকুল হয় নে মন ?
নতুন ৰঙেৰে দেখাঁ নে ৰঞ্জিৎ
পুৰণি জগৎখন ?

আজি ই পুৱাতে আকাশখনিয়ে
কাকে বা ধিয়াই থাকে,
কাৰ নো কাৰণে দূৰৰে পৰাই
ইমান মৰম বাকে ?
শুকুলা ডাৱৰে পালখনি তৰি
কাক নো বিচাৰি খায় হাবাথুৰি
কাকে বা চুমাটি যাচে ?
গছৰ পাতত বেলিৰ কিৰণ
কোৱাচোঁ কিয়নো নাচে ?

আজি ই পুৱাতে বতাহ ছাটিয়ে
সুৱদি সুবাস আনি,
কোন প্ৰেয়সীৰ আঁচলখনিত
দিছেহি নীৰলে সানি ?
তুমি তাৰ বাৰু পোৱাঁ নে বাতৰি
উতলা আবেগ পৰে নে নিজৰি
জাগে নে বুকুত আশা ?
উজলি উঠে নে ওঁঠত হাঁহিটি
চকুত নীৰব ভাষা ?

# মোৰ পৰিচয়

মই কোন কিয়নো সুধিলা, কিয়নো সুধিলা মোক
কিনো কৰোঁ বুলি?
দিম মোৰ চিনাকি কিদৰে, মই যে নিজেই মোক
নিচিনো সমুলি।
একণি হৃদয় মোৰ তাকে যাচি যাচি ফুৰোঁ মই
ঠায়ে ঠায়ে ঘূৰি,
যিদৰে আপোন মনে বনে বনে জোন-পৰুৱাই
নাচে উৰি উৰি।

সৰব—ন গাভৰুৰ কঁপি থকা লাজুকী বুকুৰ
লাগি হেন্দোলনি,
চুচুক-চামাক কৰি যতে পৰে ফুলবোৰ ঢলি
তুলি শিহৰণি।
মেঘৰ গাজনি শুনি ছালি ধৰা ম'ৰাটিৰ দৰে.
তাতে মই থাকোঁ,
ৰামধনুৰ ৰঙকে লই মোহন সপোনবোৰ
আলাসত আকোঁ।

ঘাঁহনিত লাগি থকা কেতেকীৰ সুৰৰ টোপাল
তাতে শয্যা পাতি,
তৰাৰ পোহৰকণি আশে-পাশে ছটিয়াই লই
বঞো ওৰে ৰাতি।
বতাহে সুৰভি আনি বননিৰ পাতে পাতে সানি
থাকে খেল খেলি,
জুৰিটি বাগৰি যায় শিলনিৰে কথা পাতি পাতি
দুই বাহু মেলি।

আকাশে হাউলি পৰি আলফুলকই আকোৱালি
ধৰে ধৰাখনি,
মোৰ অন্তৰত উঠে শত শত সমুদ্ৰৰ ঢউ
তুলি খলকনি।
বাঁহীটি বজাই মই ইফালে সিফালে থাকোঁ ঘূৰি
কেউপিনে চাই,
গীতৰ সুৰকে শুনি কৰবাত কোনোবাই যদি
উঠে সাৰ পাই।

হাত—বাউল দি মোক কোনোবাই বাহিৰ ওলাই
কিজানিবা মাতে,
কিজানি কোনোবা আহি বহে মোৰ নিচেই কাষতে
দুবাৰ ডৰাতে।
কিজানি কয়হি মোক নেলাগে বজাব আৰু বাঁহী
ৰাতি বাঢ়ি যায়,
চকুৰ টোপনি ভাঙি বাঁহীয়ে যে ব্যাকুল বাসনা
তুলিলে জগাই।

## তোমাৰ গান

তুমি গান গাই গাই বলীয়া কৰি
কলই মোক লই যোৱাঁ?
তুমি আৰু বাৰু মোক নিবা কিমান
কিয়নো অই নাই কোৱা।
মই কিমান নো আৰু লাগিব যাব
তোমাক পাবলই হলে?
মই কেতিয়া নো বাৰু পাম তোমাক
কিমান জানো আৰু গলে?
জনতাৰে ঘেৰা কোন নিজানত
আন্ধাৰেৰে ঘেৰা কোন পোহৰত
বিৰহৰে ঘেৰা কোন মিলনত
আমাৰ দেখা হব কোৱাঁ?
তুমি গান গাই গাই বলীয়া কৰি
কলই মোক লই যোৱা?

তোমাৰ গানৰ মহিমা ভাবিলে
ভাবতে যাওঁ ভুলি।
জোনে সাগৰেৰে মিতিৰালি পাতি
কৰিলে কোলাকুলি।
ধৰাত ফুলৰ মাধুৰী ফুটিলে
তোমাৰে গান শুনি,
আকাশে হাউলি পৰিব খুজিয়ে
দূৰতে ৰল গুণি।

মই দেখা যে নাছিলোঁ এনে গায়ক
মই শুনা যে নাছিলোঁ এনে বাদক
মই ভবা যে নাছিলোঁ এনে লায়ক
থাকিব পাৰে বুলি।
তোমাৰ গানৰ মহিমা ভাবিলে
ভাবতে যাওঁ ভুলি।

তুমি পুৱাৰে পৰা সন্ধিয়ালই
সদায় গান গোৱাঁ,
আদিও নাই অন্তও নাই
অকণো নিজিৰোৱাঁ
অবিৰাম তুমি ন-ন ৰাগ টানি
গায়েই থাকাঁ গান,
সুৰদি তোমাৰ গানৰ সুৰতে
ঢালি গোটেই প্ৰাণ।
নেলাগে নে বাৰু আমনি-ভাগৰ
নাই নে আৰু নো কাম জীৱনৰ
নেজাগে নে ভাব ভোক-পিয়াহৰ
গানতে ভোল যোৱাঁ?
তুমি পুৱাৰে পৰা সন্ধিয়ালই
সদায় গান গোৱাঁ।

# সাক্ষী

দেখা পায়ে কিয়নো লুকালা
মণিটি যে সুলকি পৰিল,
আঁচলৰ আগটিতে লাগি
ফুলৰো যে পাহিটি সৰিল!

নেভাবিবা তুমি গুচি গলে
চিন তাৰ একো নেথাকিব,
তুমি আজি আহিছিলা বুলি
কেৱে আৰু প্ৰমাণ নিদিব।

এতিয়াও দুবৰিডৰাত
পৰি আছে চৰণৰ চাব,
এতিয়াও পখিলাশাৰীৰ
কিবা এটি আমোলন ভাব।

এতিয়াও গছৰ পাতত
লাগি আছে উশাহ তোমাৰ,
এতিয়াও তোমাৰ সুবাসে
মলয়াক দিছে সুধাধাৰ।

এতিয়াও লাজুকী বনৰ
গুচা নাই কুচিমুচি ভাও,
এতিয়াও মউমাখিবোৰে
কাঢ়িয়ে ফুৰিছে হামৰাও।

এতিয়াও তোমাৰ বীণৰ
হোৱা নাই প্ৰতিধ্বনি শেষ
এতিয়াও নীৰলে পখীটি
গীত এৰি তন্দ্ৰাতে আবেশ।

কেনিবাদি তৰাটিয়ে আজি
ইয়াতেই আছেহি লুকাই,
তোমাৰেই বাৰ্তাৰ প্ৰচাৰি
আকাশত জ্বলিব দুনাই।

# ব্ৰহ্মপুত্ৰৰ প্ৰতি

হে বিশাল ব্ৰহ্মপুত্ৰ, কত শত বৰষৰ কত শত বেদনাৰ কথা
তোমাৰেই অন্তৰত গঁথা,
কত প্ৰাণ মুঞ্জৰিলে তোমাকেই সাক্ষী ৰাখি কত হিয়া উথলি উঠিলে
লুকুৱালে বিৰহৰ ব্যথা;
জয় জয় জয় ৰবে দশোদিশ গুলজাৰি বিভৰৰ উৰালে নিচান
কত কি যে গীত হ'ল গান,
সোণোৱালী অতীতৰ পৰাণ পুলক কৰা সুধাসনা কথাকে সুঁৱৰি
হলা নে কি তুমি ম্ৰিয়মান?

কুণ্ডিল-কুৱঁৰী সেই কুহকিনী ৰুক্মিণীৰ ৰূপৰাশি যেতিয়া উথলি
আপোনাতে পৰিলে উছলি,
তেতিয়া মলয়ে দেহি তাৰে একণিকা লই বসন্তক দিলে উপহাৰ
কুঞ্জবন উঠিলে উজলি;
মধুময় ভঙ্গিমাৰে ললিত হিল্লোল তুলি শুনা গল ৰি-ণি-ণি জি-ণি-ণি
শ্ৰীকৃষ্ণৰ নেপুৰৰ ধ্বনি,
অশিথিল প্ৰেম-পাশ নুপুৰে যে হাবিলাষ ৰুক্মিণী যে আকুল-উদাস
কত আশ কত হেন্দোলনি।

টলমল যৌৱনৰ সুকোমল পৰশত উষা হল থউকি-বাথউ
অন্তৰত বাগৰিলে ঢউ,
সপোনতে কোনে আহি পিয়লা ভৰাই আনি পিয়ালেহি মোহন মদিৰা
এনে মিঠা এনে নো যে মউ;

শোণিতপুৰৰ পৰা বায়ু-বেগে চিত্ৰলেখা পালেগই দ্বাৰকা নগৰী
উষাৰেই কথাকে সুঁৱৰি,
অনিৰুদ্ধ কোলৰ থাপতে উৰাই আনি সখীয়াক দিলে উপহাৰ
নিজৰো যে স্বাৰ্থ পৰিহৰি।

ভগদত্ত নৃপতিয়ে কুৰুক্ষেত্ৰ সমৰত পূৰ্ণ কৰি বীৰৰ ধৰম
ৰাখিলে যে কীৰ্ত্তি অনুপম,
যুজি যুজি অবিৰল গজ-হস্তী সেনাদল গল লয় হল অন্তৰ্দ্ধান
দেখুৱাই আপোন বিক্ৰম;
বিশ্বজয়ী অৰ্জ্জুনক হেলাৰঙে পৰাজয় চিত্ৰাঙ্গদা-কুমাৰে কৰিলে
মাতৃ-নিন্দা প্ৰাণে নসহিলে,
বভ্ৰুবাহনৰ ধ্বজা আকাশ থাকিল ছুই পঞ্চপাণ্ডৱৰ যত গৰ্ব্ব
খহি পৰি মাটিত লুটিলে।

দুপৰ-সূৰুয দৰে কুমাৰ ভাস্কৰ বৰ্ম্মা যেই গই হল প্ৰতিভাত
শিলাদিত্য ৰজাৰ সভাত,
আদৰি কৰিলে মান উদ্দীপ্ত সৱাৰে প্ৰাণ দেখি এনে পুৰুষ প্ৰধান
সুমহান গুণ-গৰিমাত;
হিৱেনচাঙেও আহি কটালে কতনো দিন কামৰূপ ৰাজ্যত নীৰলে
ৰজাৰে অতিথি হই থাকি,
সুৱদি কতনো কথা কই গল লিখি গল বুৰঞ্জীৰ শুকুলা পাতত
সোণোৱালী ছবি দিলে আঁকি।

বামুণৰে চণ্ডালৰে নাই ভেদাভেদ বুলি শ্ৰীমন্ত শঙ্কৰে ৰাগ টানি
প্ৰচাৰিলে বিয়াকুল বাণী,
কবিতাৰ ছন্দে ছন্দে বোৱালে অমৃত নদী মাধৱদেৱেৰে লগ লাগি
মুগ্ধ কৰি শত শত প্ৰাণী;

বিচিত্র কাহিনী শুনি ভাবতে আপ্লুত হই ভকতিৰ অৰ্ঘ লই ৰল
কোচ-ৰজা নৰনাৰায়ণ,
ৰজাৰ দণ্ডীত কিয় প্ৰজাক বিলাব ধৰ্ম্ম এই বুলি প্ৰজাপৰায়ণ
গুৰুজনে নিদিলে শৰণ।

কামত গাফিলী দেখি হুংকাৰি লাচিত বীৰে ললে নিজ তৰোৱাল খুলি
নসহিলে মোমায়েক বুলি,
নিমিষতে একে ঘাপে তেজেৰে টুংৰালী হই কটা মূৰ উফৰি পৰিল
সকলোৰে চালে চকু তুলি;
জাগ্ৰত সিংহৰ দৰে যুজি মহা পৰাক্ৰমে স্বাধীনতা ৰাখিলে অক্ষুণ্ণ
ঘটুৱাই মোগল সেনানী,
শৰাইঘাটত উঠা বিজয় দুন্দুভি ৰোল তাতে শেষ নিশ্বাস মিলাই
মহাবীৰে মাগিলে মেলানি।

আপোন প্ৰতিজ্ঞা পালি জয়াই বৰিলে মৃত্যু গদাপাণি কোৱঁৰক স্মৰি
নিতে ন ন শাস্তি সহ্য কৰি,
আঘাতে আঘাতে থহি লতাডালি গল জহি ছিগি-ভাগি যত ফুল-পাত
পৰি ৰল মাটিতে বাগৰি;
নিদিলে যে তথাপিতো নিদিলে যে প্ৰাণ-প্ৰিয় পলৰীয়া স্বামীৰ বাতৰি
ভুলতো যে নকলে এবাৰ,
নিজ্জীব স্পন্দনহীন লুণ্ঠিত দেহাটি দেখি মূৰ্চ্ছা গল জেৰেঙা পথাৰ
গছে হালি দিলে নমস্কাৰ।

এনে কত গীত-কথা এনে কত কবিতাৰ মূৰ্ত্তিমতী সুৰৰ ঝঙ্কাৰ
উঠিছিল কৰি তোলপাৰ,
আনন্দ-আবেগে ভৰা উচ্ছ্বাসৰ কলৰোল সকলো যে দিলে লালকাল
আথে-বেথে কোলাতে তোমাৰ;

আকাশে-বতাহে মাথোঁ তাৰে এটি হুমুনীয়া তাৰে এটি হাহাকাৰ-ধ্বনি
উঠে আজি গুজৰি-গুমৰি,
হে বিশাল ব্ৰহ্মপুত্ৰ, আহিলে বাৰিষা তুমি দশোদিশে তুলি খলকনি
দিয়াঁ নে কি তাৰেই বাতৰি?

# শিপিনী

তুমি বই আছাঁ ফুলাম গামোছা
অ' মোৰ শিপিনী অই
পদুম-হাতত মাকোটি নাচিছে
থমকি থমকি ৰই।
খোপাটি তোমাৰ সুলকি যে পৰে
কিনো যে ভঙ্গীৰে বুকুখনি লৰে
আধা-মচ-খোৱা ফোঁটটি তোমাৰ
জিলিকে মুকুতা হই,
একেথিৰে মই দূৰৰে পৰাই
চাই থাকোঁ তোমালই।

আবেলিৰ জুৰ বেলিৰ কিৰণ
গছতে ওলমি থাকে,
উতলা বতাহ মৰে যে গুমৰি
বননিৰ ফাঁকে ফাঁকে।
নাহৰ ফুলৰ ৰেণুবোৰ উৰে
কাকনো বিচাৰি পখিলাটি ফুৰে
সেয়া কেঁহোকলি পেঁপাটিৰে সুৰে
মোহন মদিৰা বাকে,
বগলিশাৰীয়ে আকাশে-আকাশে
ৰামধনুখনি আঁকে।

কি ফুল বাচিছাঁ? ফুল নে নতুবা
মৰমৰ কিবা কথা?

প্ৰাণৰ আবেগ হিয়াৰ অমৃত
যৌৱনৰ মাদকতা?
মিচিকি হাঁহিটি আছে যে বাগৰি
তপত উশাহ পৰে যে নিজৰি
দুচকুৰ মৃদু বিজুলীৰ ৰেখা
পৰিছে নে তাত গুথা?
বসন্তৰ যত ব্যাকুল আহ্বান
জীৱনৰ যত ব্যথা?

দিবা নে কি মোক গামোছা এখনি
অ' মোৰ শিপিনী প্ৰিয়া?
পালেহি নহয় ৰঙালী বিহুটি
বিনন্দৰো বিনন্দীয়া।
গামোছাখনিতে শত চুমা খাম
বুকুত সাৱটি কত গীত গাম
কুলি-কেতেকীৰ সুৰতে উথলি
ধৰা হব মতলীয়া।
মই মাজ-নিশা তোমাকে আৰাধি
আকুল কৰিম হিয়া।

# অতৃপ্তি

আলো-অন্ধকাৰে মোকে কৰে কোলাকুলি
পুৱাৰ ৰবিয়ে হাঁহি মোকে উথলায়
সন্ধ্যাৰ চন্দ্ৰয়ো আহি মোকে জুমি চায়
ফুলেও সৌৰভকণি মোতে দিয়ে খুলি।
কুলিয়েও গায় গান মোতে সৱ ভুলি
মধুৰ মলয় নিতে মোকে চুমা খায়
মোৰে বাবে বসন্তও আহে আৰু যায়
তটিনীও বই যায় মোৰে গীত তুলি।
মোৰ কিন্তু গুচা নাই অতৃপ্তি প্ৰাণৰ
পোৱা নাই কায়া মোৰ ছায়া হৃদয়ৰ।
মোৰ যে গোটেই হিয়া তোমাতে বলীয়া
তুমি বা খেলিছাঁ কিবা খেল জীৱনৰ,
তুমিময় প্ৰাণে মই হই বিনন্দীয়া
বিচাৰিছোঁ সপোনত লীলা দিঠকৰ।

# মৰণৰ বেলিকা

যদি মোৰ মৰণ-কালত কোনোবাই টোকে চকুপানী
তুমি দেই দিবা মানা কৰি,
এই মহা মিলন-মেলাত যতমানে লীলা-খেলা মোৰ
দিবা তাৰে আনন্দ-বাৰ্তাৰি।
সকলোকে তুমিয়ে যাচিবা এটি মোৰ শেষ অনুৰোধ
এটি মোৰ সাঁচি-থোৱা কথা,
গান মোৰ হল আধা গোৱা কথা মোৰ হল আধা কোৱা
এয়ে মোৰ জীৱনৰ ব্যথা।

যদি মোৰ মৰণ-কালত কেতেকীৰ সুৰৰ লহৰি
বতাহত নপৰে উথলি,
পোহনীয়া পাৰজুৰি আনি পাৰাঁ যদি দিয়াবাহি ৰুণ
মৰমতে থাকিব উমলি।
বনৰীয়া বিহু-গীত মই শুনো যেন এফাকি দুফাকি
পেঁপাটিৰ কেঁহোকলি মাত,
শিশুটিৰ হাঁহিৰে মিহলি একেষাৰি আধাফুটা কথা
শুনি হিয়া পৰে যেন শাঁত।

যদি মোৰ মৰণ-কালত চকু দুটি নেথাকে উজলি
তুমি তাত লগাবা অঞ্জন,
গুটি গুটি ডালিমৰ ৰস দিবা চেপি গোটেই ওঁঠত
কপালত বোলাবা চন্দন।

সুকোমল পদুম-পাতেৰে ৰচি দিবা শয্যা বিতোপন
ফুলেৰেই ঢাকিবা শৰীৰ,
হাত দুটি একেলগ কৰি আঁজলিত দিবা ধুপ-ধুনা
চৰণত কুঙ্কুম-আবীৰ। .

যদি মোৰ মৰণ-কালত থুপি থুপি হাচ্নাহানাৰ
পাহিকিটি থাকে জ'য় পৰি,
আথেবেথে আলফুলকই দিবা তুমি আঙুলী বুলাই
সুধাকণি পৰিব নিজৰি।
শেৱালিৰ গন্ধে ভৰপূৰ নীয়ৰৰ এটুপি দুটুপি
পাৰা যদি দিবা ছটিয়াই,
গোলাপৰ ৰেণুৰে মিহলি পখিলাৰ এধানি ৰহণ
তাৰে দিবা আকাশ বুৰাই।

যদি মোৰ মৰণ-কালত হাঁহি-মুখ নেদেখোঁ তোমাৰ
হম মই অতিকে বিহ্বল,
হিয়া ভেদি অন্তৰত মোৰ উঠিব যে কৰুণ বিননি
বাগৰিব বিষাদৰ ধল।
তোমাৰ সি দুচকুৰে ঢালি দিবা মোৰ চকুত পোহৰ
সেয়ে হব শেষ উপহাৰ,
জীৱনতো অধিক মধুৰ মৰণৰ মিলন-মাধুৰী
দুদিনীয়া এই যে সংসাৰ।

# গোলাপকলি

আজি পুৱাতে তই গোলাপকলি
লয়লাসে আছ ফুলি,
লবি নে লবি নে মোক
তোৰ আপোনাৰ বুলি?
দিনে-ৰাতিয়ে ভাবি আছিলোঁ
কেতিয়া ফুলিবি তই,
কেতিয়া তোৰ হাঁহিটি দেখি
উথলি উঠিম মই।
তোকে যে চাই ৰ লাগি মই
নিজকে পাহৰি গলোঁ,
ইমান ৰূপ কিয়নো পালি
মই যে বলীয়া হলোঁ।
জুৰ বতাহত হালি-জালি
নেলাগে মাতিব তই,
মৰম-বেথা সকলো লই
আহিছোঁ নহয় মই!
তোৰ কাযতে থাকিম দেই
তোকে আলফুল কৰি,
কোমলকই চুমাটি দিম
বুকুত সাৱটি ধৰি।
ওঁঠৰ মোৰ পৰশ পাই
লাজতে উঠিবি কঁপি,
বুজিম মই তই যে মোকে
হিয়াখনি দিছ সঁপি।
মোৰে কাৰণে ফুলিছ তই
তোক যে মোকেই লাগে,
নহলে কিয় তোলই মোৰ
ইমান ধাউতি জাগে?

# আহিবা যদিনা তুমি

তুমি আহিছিলা নে কি মোকে লগ পাম বুলি
মই তাৰ নেপালোঁ উমান?
আকাশৰ তৰাবোৰে মাধুৰী বিলালে আহি
নিদিলে যে একো সমিধান।
কুঞ্জ-কুটীৰত মোৰ তোমাৰ চৰণ-ৰেণু
পৰিছিল যদিও অকণি,
মলয়াই উৰা মাৰি ততালিকে নিলে হৰি
ব্যথা মোৰ একোকে নগণি।
আকউ যদি হে আহাঁ আগতে বাতৰি দিবা
অৰ্ঘ মই ৰাখিম সজাই,
চোতালৰ দুবৰিত ৰঙা চন্দনৰ বোল
দিম মই জেউতি চৰাই।
গোলাপৰ পাহিবোৰ তৰপে তৰপে জাপি
ৰচি থম শয্যা বিতোপন,
পদুম পাতত মই অশোক ফুলেৰে গুথি
লিখি দিম হিয়াৰ বেদন।

# প্ৰতীক্ষা

তুমি আহাঁ বুলি আছোঁ বাট চাই
পদুলিৰে পৰা,
হিয়াত উঠিছে ভাবৰ লহৰি
আকুল কৰা।
ইপিনে সিপিনে চাওঁ চাৰি পিনে
নেপাওঁ দেখা,
কেতিয়া নো জানো উজলি উঠিব
মিলন-ৰেখা?

দুবৰিডৰাত নীয়ৰৰ ঢউ
মালা নে মণি?
কিজানি তোমাৰ চৰণৰে সাঁচ
সকলো কণি।
গছৰ ডালত পখীটিৰ গীত
নীৰলে শুনো,
কোনবাদি তুমি আহিছাঁ বুলি যে
কত কি গুণো।
ফুলে ফুলে পৰি চিকিমিকি কৰি
পখিলা উৰে,
মোৰেই কাৰণে তোমাক যে দোহি
বিচাৰি ফুৰে।

পদুমপাতত কঁপনি উঠিলে
চাওঁহি জুমি,
তাৰ আঁৰে আঁৰে কিজানি লুকাই
আহিছাঁ তুমি। .
খৰিকাজাঁইৰ সুগন্ধ এছাটি
বিয়পি পৰে,
তোমাৰে উশাহ এই ভাবে মোক
ব্যাকুল কৰে।

ৰিব্ ৰিব্ ৰিব্ মলয়াৰ বাও
সুৰদি লাগে,
তোমাৰ কোমল পৰশ বুলি হে
প্ৰাণত জাগে।
তুমি অহা নাই দেখা দিয়া নাই
তথাপি কিয়?
চিৰজনমৰ সাধনাৰ ধন
হে মোৰ প্ৰিয়।

# দিবা নে অকণি ঠাই ?

তুমি মোৰ কাষতে ৰই
সুৰদি মাতেৰে শুৰলৈাকই
কত নো কথাকে কলা,
সুধিলা মোক কিনো লাগে বুলি
কিয়নো মই কোৱা নাই খুলি
তথাপিও মোক নিৰুত্তৰ দেখি
তুমিও নিমাতে ৰলা,
প্ৰাণৰ উছাহ সকলোখিনি
থিতাতে সামৰি থলা।

গছৰ ডালত কপৌহালিয়ে
কিহৰ কথা নো জগাই দিয়ে
ইটিয়ে সিটিক চাই,
পাখিয়ে পাখিয়ে খুটি যে থাকে
মুখে মুখে কত মৰম বাকে
এটিৰ লগত সিটিও উৰে
তুমি জানো দেখা নাই ?
তোমাৰ কাষতে মোকো সিদৰে
দিবানে একণি ঠাই ?

## পূজাৰ সম্বল

বিশ্ব-জগতৰ যত শুৱনী-সুন্দৰ,
যত গান যত গীতি
যত প্ৰাণ যত প্ৰীতি,
যত শোভা যত আভা যত কি বিভৱ,
যত কথা যত ব্যথা যত অনুভৱ,
যত মায়া যত মোহ,
যত ঠেহ যত ৰোহ,
যত ভাব যত ভাষা যত কি গুঞ্জন,
যত ৰূপ যত হাঁহি যত বৃন্দাবন,
যত মউ যত সুধা
যত ঢউ যত ক্ষুধা
যত শ্লোক যত ছন্দ যত কি উচ্ছ্বাস
যত ফুল যত গন্ধ যত অভিলাষ
সমস্ত গোটাই আনি
হৃদয়-চন্দন সানি
নিবেদিম তোমাতে যে যুগ-যুগান্তৰ।

# থাকিবা কিমান আঁতৰি ?

এই দূৰে আৰু থাকিবা কিমান
আঁতৰি ?
আহাঁ কাষ চাপি আহাঁ এটি বাৰ
সাদৰী।
তৰাৰে জিলিকা ফুলাম আকাশ
হাচনাহানাৰ সুন্দৰী সুবাস
আবেগে-উতলা বিনন্দ-বিলাস
ধৰণী,
মৃদু মলয়াৰ গীতি-ছন্দে ভৰা
বনানি।
মাধুৰীৰ ধল পৰিছে যে আজি
বাগৰি,
আহাঁ কাষ চাপি আহাঁ এটি বাৰ
সাদৰী।

নোৱাৰোঁ যে মই থাকিব ইদৰে
অকলে,
এই সমাৰোহ কিয় যাব কোৱাঁ
অথলে ?
আহাঁচোন আহাঁ বীণখনি লই
লাজুকী ভংগীৰে গুণগুণ কই
ৰূপ-ৰস-ৰাগে জাতিস্কাৰ হই
নীৰলে,
কুলি-কেতেকীৰ গীতত জগৎ
উথলে।

আথে-বেথে মই লম যে তোমাক
আদৰি,
কম কত কথা শুনাম নতুন
বাতৰি,
আহাঁ কাষ চাপি আহাঁ এটি বাৰ
সাদৰী।

তোমাৰ বাহিৰে আৰু কাকো মই
নেজানো।
তোমাৰ বাহিৰে কাকো কেতিয়াও
নেমানো।
কোন সুদূৰৰ অময়া পুৰত
পৰশ-বিহ্বল মিলন-সুখত
উঠিছিল ধীৰে আকুল প্ৰাণত
ৰাগিণী,
সপোন নহয় সি যে দিঠকৰ
কাহিনী।
অতীতৰ স্মৃতি পৰিছে যে আজি
নিজৰি,
আহাঁ কাষ চাপি আহাঁ এটি বাৰ
সাদৰি।

## বিহুৰ সম্ভাষণ

কিহেৰে আজি বিহুৰ দিনা
জনাওঁ সম্ভাষণ!
মোৰ যে হাঁয় একোকে নাই
শূণ্য পৰাণ-মন!
ভাব যে নিলে মলয়ে ভাহি
সুৰ যে নিলে কুলিয়ে কাঢ়ি
ৰূপ যে নিলে কুসুমে হাঁহি
নিষ্ফল আয়োজন।
পুৰাৰে পৰা যতন কৰি
সজাইছিলোঁ শৰাই ভৰি
বসন্তে আহি নিলে যে হৰি
অৰ্ঘ্য-উপকৰণ।
কিহৰে আজি বিহুৰ দিনা
জনাওঁ সম্ভাষণ!

# বিবুধি

আজিও বুজিব মই নোৱাৰিলোঁ হাঁয়
কিয়নো হৃদয় মোৰ ইমান বলীয়া,
বতাহত নাচি থকা ফুলটিৰ দৰে
কেতিয়া নো কেনেকৈ হল মতলীয়া।
কি বিচাৰি হৃদয়ৰ লাগিল কোঢ়াল
কি নেপাই হৃদয়ত হ'ল ছাটিফুটি
সুখৰ দুখেৰে হাঁয় দুখৰ সুখেৰে
কেতিয়া নো কেনেকই লভিব তৃপিতি।
অত ঠেহ অত ৰোহ অবোধ প্ৰাণৰ
কোনে নো কোৱাচোঁ বাৰু ভাঙিব পাৰিব,
হৃদয় পৰিব শাঁত কিনো উপায়েৰে
নিজেই নুবুজোঁ যেৱে কোনে বা বুজিব।
আপোন ইচ্ছাতে হিয়া নপাৰিলে জুৰ
কোনে বা হিয়াৰ ভাৰ পাতলাব মোৰ।

# তুমি মোৰ মৰষিবা দাই

তোমালই বাট চাই চাই যদি মোৰ নিজম নিশাত
চকু দুটি থাকে মুদ খাই,
তুমি মোকে নেদেখা যদি হে ৰই থকা দুৱাৰমুখত
গুণ্‌গুণ্‌কই গীত গাই,
দুবাহুৰে ডিঙিত সাৰটি সুবাস-সুৰদি মালাধাৰি
যদি মই নিদিওঁ পিন্ধাই,
আথে-বেথে আগবাঢ়ি গই নানো যদি তোমাক আদৰি
তুমি মোৰ মৰষিবা দাই।

লাহে লাহে দুৱাৰ জপাই তুমি আহি ভিতৰ সোমাবা
কেৱে যেন গমকে নেপায়,
একো শঙ্কা নকৰিবা তুমি আঁচলৰ বতাহতে দুলি
থাকে যদি চাকিটি নুমাই,
উমানে উমানে দিবা খোজ ধীৰে মোৰ চাপিবাহি কাষ
হাতে হাতে দিবাহি মিলাই,
মুখৰে নকই একো কথা আঙুলীত আঙুলী বুলাবা
চকুৰে চকুৰে ৰবা চাই।

কিনো লম কিনো দিম বুলি যদি মই কিবা ভুল কৰোঁ
তুমি মোক দিবা শুধৰাই,
আকাশত উজলিব তৰা ম্লান পৰি ৰব বসুন্ধৰা
অন্ধকাৰ পৰিব ঢৌৱাই,
লাহে লাহে চমু চাপি আহি শেষ হব নিদ্ৰাহীন ৰাতি
সকলো উঠিব সাৰ পাই,
তাৰ আগতেই যদি কওঁ আজিলই যোৱা দেই বুলি
তুমি মোৰ মৰষিবা দাই।

# কলই যোৱাঁ ?

আজি ই গধূলি তুমি নো বাৰু
কলই যোৱাঁ ?
মোকো তোমাৰ লগতে লোৱাঁ
লগতে লোৱাঁ।
সাজি-পাৰি তুমি ধুনীয়াটি হই
উলাহে নধৰা হিয়াখনি লই
কলই নো বাৰু ওলাইছাঁ অই
কোৱাচোঁ কোৱাঁ।
মোকো তোমাৰ লগতে লোৱাঁ
লগতে লোৱাঁ।

ৰাজহাঁহজাকে কোঢ়াল কৰি
গল যে উৰি,
ধীৰে ধীৰে সেয়া আন্ধাৰ নামে
বসুধা জুৰি।
নাওখনি বাই নাৱৰীয়া আহে
শেৱালিৰ গোন্ধ বতাহত ভাহে
কলই যোৱাঁ নো ? কোৱাঁ মোক কোৱাঁ
কোন সি পুৰী।
তোমাকে ধিয়াই আহিছোঁ মই
চোৱাঁ হে ঘূৰি।

ইমান উতলা নেলাগে হব
এবাৰ চোৱাঁ;
কাবউ কৰিছোঁ অকণি ৰোৱাঁ
অকণি ৰোৱাঁ।

হাতে হাতে ধৰি বলাচোন যাওঁ
তোমাক গোপন কথাটি শুনাওঁ
অকলে অকলে গই নো তুমি
কি ভাল পোৱাঁ।
মোকো তোমাৰ লগতে লোৱাঁ
লগতে লোৱাঁ।

ভাগৰ লাগিলে মূৰটি তুমি
কোলাতে থবা;
মন যায় যদি এষাৰি মোক
কথাকে কবা।
বাটৰ কাষত দুবৰিৰ শাৰী
চেলংখনিকে দিম মই পাৰি
টোপনি আহিলে তাতে শুবা তুমি
ক্ষন্তেক পৰ;
·একো শঙ্কা নাই তুমি যে মোৰ
আপোন বৰ।

নিমাতে ৰলা যে! গীতকে চোন
এফাকি গোৱাঁ;
টোপোলাটি আৰু নেলাগে বব
মোলই থোৱাঁ।
গছৰ পাতত শিহৰণ তুলি
নীয়ৰ-টোপালে কৰে কোলাকুলি
নৰবা নো কিয় অকণো তুমি
ৰোৱাচোঁ ৰোৱাঁ;
মোকো তোমাৰ লগতে লোৱাঁ
লগতে লোৱাঁ।

# নিৰাশ

পদুলিমুখেৰে পৰা তুমি গুচি গলা
কি জগৰ লগালোঁ নো মই?
নিদিলা যে তুমি মোক মাতো একেষাৰি
নাহিলা যে মোৰ কাষলই।
ভাবিছিলোঁ এখন্তেক জিৰাবাহি বুলি
মোৰ এই দুখীয়া পঁজাত,
ভবা যে নাছিলোঁ মই দিবা বুলি মোক
এই দৰে হিয়াত আঘাত।

গধূলিৰ আকাশত জিলিকিলে তৰা
ঘৰে ঘৰে বন্তি উজলিল,
হাচ্‌নাহানাৰ গোন্ধ বতাহতে দুলি
লাহে লাহে ছিটিকি পৰিল।
প্ৰিয়াৰ কথাকে ভাবি বিৰহী ডেকাই
গালে গান গুণ্‌গুণ্‌ কৰি,
চাই থাকোঁতেই তুমি আঁতৰি পলালা
চিনিও নিচিনা ভাও ধৰি।

কত দিন হ'ল আজি দেখা পোৱা নাই
তুমি থাকাঁ বহুত দূৰত,
পৰ্ব্বতীয়া নিজৰাৰে মিতিৰালি পাতি
সোণাময় সপোনপুৰত।

ফুলে-ফলে জাতিষ্কাৰ তোমাৰ জগৎ
আনন্দৰ হিল্লোল সদায়,
টগ্‌বগ্‌ কৰি উঠে উতলা যৌৱন
নাচি নাচি মাধুৰী বিলায়।

মানুহৰ মুখে শুনি বৰ ভাল পাওঁ
পৰিপূৰ সকলো তোমাৰ,
মোক তো নেলাগে একো পাওঁ যদি মাথোঁ
মাজে মাজে দেখা এটিবাৰ।

# বিৰহী

তুমি কলা মোক যাওঁ দেই বুলি
মই কলোঁ যোৱাঁগই,
একো কথা আৰু কব নোৱাৰিলোঁ
নিমাতে থাকিলোঁ ৰই।

চকুৰ চকুলো লোকে দেখে বুলি
ইফালে ঘুৰালোঁ মুখ,
তুমি কি বুজিবা তুমি কি জানিবা
মোৰ ই হিয়াৰ দুখ।

বাটত আহোঁতে গালে কোনোবাই
এফাকি বিহুৰ গীত,
কাৰ নো হিয়াৰ ইমান অমুৰি
কাৰ নো দৰদী চিত?

জোনৰ জোনাকে সাৱটি ধৰিলে
নীৰলে বননিখনি,
আজি গুচি গল কোন দেশলই
মোৰ নো বুকুৰ মণি?

কিয় নো ফুলিছ লাহতী তগৰ
নুফুলিবি আৰু তই,
প্ৰিয়া অবিহনে তোৰ সি জেউতি
নোৱাৰোঁ সহিব মই।

আমোলমোলাই নুফুলিবি তই
সুৰাদি বকুল পাহি,
প্ৰিয়া নাহে মানে থচোন লুকাই
তোৰ সি মধুৰ হাঁহি।

ইমান উতলা নহবি বিজুলী
থই দে নাচোন তোৰ,
প্ৰিয়াৰ লাজুকী চকু দুটিলই
পৰে যে মনত মোৰ।

দুখীয়া পঁজাত ৰূপহী নিশাত
তোমাৰেই কথা গুণো,
বিদায়-কালৰ সেই কথাষাৰি
বুকুৰ মাজতে শুনো।

সপোনতে তুমি দিবাহি দেখাটি
সপোনতে কবা কথা,
পাৰোঁ যদি মই পাহৰি থাকিম
দাৰুণ বিৰহ ব্যথা।

## কি খেলা খেলিছাঁ?

তুমি মোক লই কি খেলা খেলিছাঁ
তুমিয়ে জানা,
যিহকে কৰিছা কৰি থাকাঁ তুমি
নকৰোঁ মানা।
কেতিয়াবা তুমি মাতকে নিদিয়াঁ
সুধিলে কথা,
কেতিয়াবা তুমি নিজে উপযাচি
জনোৱাঁ ব্যথা।
কেতিয়াবা তুমি কি জানো কি গুণি
ফুলটি লই,
শত চুমা খোৱাঁ দুচকু তোমাৰ
মোতেই থই।
লুকাই লুকাই মোকেই শুনাই
গানটি গোৱাঁ,
ওচৰ চাপিলে থিতাতে তুমি যে
আঁতৰি যোৱাঁ।
দুবৰিৰ বনৰ নীয়ৰ গচকি
ফুৰাঁ যে তুমি,
বেয়া পোৱাঁ যদি নেচাওঁ তোমাক
নেথাকোঁ জুমি।

## বাৰিষাৰ বান

আকউ আহিছে বাৰিষাৰ বান
কলকল ছলছলী,
ইপাৰে সিপাৰে খলকনি তুলি
ফেনে-ফোটোকাৰে কৰি কোলাকুলি
বাগৰি পৰিছে ধল।
আকউ আহিছে বাবিষাৰ বান
কলকল ছলছল।

লুইতৰ আজি উচলিছে পানী
ধৰা কৰি টলবল,
দিহিং দিচাং কলং দিখউ
ভৰলী কপিলী থউকি-বাথউ
ওফন্দিছে অবিৰল।
আকউ আহিছে বাৰিষাৰ বান
কলকল ছলছল।

উটাই আনিছে কত যে সম্ভাৰ
গছ-লতা-ফুল-ফল,
দুকাষৰ গৰা একাকাৰ কৰি
পথাৰৰ খেতি মোহাৰি-মুচৰি
বুৰাই পেলালে তল।
আকউ আহিছে বাৰিষাৰ বান
কলকল ছলছল।

জাকি মাৰি মাৰি ফুৰিছে বনাই
যত বিহঙ্গৰ দল,
চকলাচকল ডাৱৰে বিনায়
বিজুলী ভয়তে ছিটিকি পলায়
দশোদিশে কোলাহল।
আকউ আহিছে বাৰিষাৰ বান
কলকল ছলছল।

টুলুঙা নাৱত পানীয়ে পানীয়ে
বিচাৰি ফুৰিছোঁ থল,
তুমি আছাঁ মোৰ লগত লগৰী
বঠা মাৰি মাৰি পৰিলে ভাগৰি
পাম যে তোমাৰ বল।
আকউ আহিছে বাৰিষাৰ বান
কলকল ছলছল।

## অনাদৰ

তুমি মোক অনাদৰ কৰি যদি ভাল পোৱাঁ
কৰাঁ অনাদৰ,
তথাপিও তোমাকেই সখি ভাল পাম মই
জন্ম-জন্মান্তৰ।
তুমি পাহৰিলা বুলি মই কিয় পাহৰিম
অতীতৰ কথা,
কত কি যে মৰমৰ স্মৃতি আছে সখি মোৰ
অন্তৰত গথা।

খিৰিকীখনেদি তুমি আকাশৰ ফালে চাই
আছিলা যে ৰই,
নতুন পৰশ পালোঁ তোমাৰ হাততে মোৰ
হাতখনি থই।
ওঁঠৰ অমিয়া মউ ছিটিকি পৰিল যদি
কেৰে নেদেখিলে,
জোনৰ পোহৰে সখি আমাৰ দুৱোৰে আহি
চৰণ চুমিলে।

ৰঙীন ফাগুনে ধৰা কৰিলে যে বিনন্দীয়া
তুমি গালাঁ গান,
তোমাৰ গীতৰ সুৰে আকুল কৰিলে মোৰ
উতলা পৰাণ।

লাহে লাহে কাষ চাপি খোপাত পিন্ধাই দিলোঁ
গোলাপ এপাহি,
মুখেৰে নকলা একো বিৰিঙি পৰিল মাথোঁ
মিচিকীয়া হাঁহি।

কিবা এটা মাদকতা-ভৰা লাজুকী ভঙ্গীৰে
চকুলই চালা,
হাতেতে চিকুট মাৰি তুমি তলমূৰ কৰি
আঁতৰি পলালা।
এনে দৰে কত নো ৰকমে কত নো মৰম
দিছিলা যে বাকি,
ভাবিছিলোঁ সেয়ে যে সৰগ বুজা যে নাছিলোঁ
সকলোটি ফাঁকি।

# মাজনিশাৰ গান

মাজনিশা মই সাৰ পাই চমকি উঠিলোঁ
শুনি এফাকি গান,
কোনে নো গায় অ' কিনো কয় কিনো বা সুচায়
পাতি থাকিলোঁ কাণ।
নতুন নহয় পুৰণিৰো পুৰণি যে গান
সুৰো চিনাকী মোৰ,
কোনোবা কালতে শুনিছিলোঁ এদিন যে মই
হই ভাবতে ভোৰ।
কোনে গাইছিল মনত আজিও মোৰ আছে
ভুলা অলপো নাই,
ন-ন বোল সানি কত কি যে পুৰণি কথাকে
আজি দিলে জগাই।
গান হল শেষ ৰাতিয়ে শুনি বাগৰ মাৰি
ঘূৰি নিঃপালী দিলে,
মই ৰলোঁ পৰি টোপনিক কতনো সাধিলোঁ
কাণকে নকাৰিলে।

# নিঠুৰ

তুমিয়ে পোনতে মোক দেখা পাই
থমকি ৰলা,
কাষলই আহি লাজুকী হাঁহিৰে
কথাটি কলা।
দুচকুৰে ঢালি দিলা যে মৰম
কত নো দিন,
হিয়াৰ আবেগ মোৰেই বুকুতে
কৰিলা লীন।
জোনৰ জোনাকে মাধুৰী বিলালে
তোমাকে লই,
ওৰে ৰাতি মই ৰলোঁ উজাগৰে
ব্যাকুল হই।
শেৱালিৰ গোন্ধ আহিল ওপাঙি
নাহিলা তুমি,
মেলা দুৱাৰেদি কত বাৰ মই
চালোঁ যে জুমি।
হিয়াত দুৰন্ত বাসনা জগাই
আঁতৰি ৰলা,
ইমান নিঠুৰ মোৰ প্ৰতি তুমি
কিয়নো হলা?

## কিয় মোক মাতিলা এতিয়া ?

তুমি মোক মাতিলা কিয়নো
এই দৰে দুিন দুপৰীয়া,
দেখা মোৰ তোমাৰ লগত
কেনেকই হব নো এতিয়া ?
বেলিটিয়ে পাছিমত গই
ৰটিব যে কত কি বাতৰি,
বিদ্ৰুপৰ বাণবোৰ তুমি
সহিবা নো কিদৰে সাদৰী ?

মৰমৰ আহ্বান তোমাৰ
ললোঁ মই সাৰোগত কৰি,
সন্ধিয়াই ঢাকিলে ধৰণী
লম গই তোমাক আদৰি।
জোনটিক কোৱা আছে মোৰ
মনে মনে থাকিব দূৰত,
ৰূপোৱালী ৰহণ এধানি
ছটিয়াই দিব আন্ধাৰত।

তৰাবোৰে তিৰ্‌বিৰ কৰি
আকাশত বাছি দিব ফুল,
লাজতেই মোলান পৰিব
জাঁই যুতি তগৰ বকুল।
নিশাই ৰচিব মায়াপুৰী
গধূলিক বুকুত সুমাই,
নিজানত তোমাৰ লগত
দেখা মোৰ হব তেতিয়াই।

# আজি যে জোনালী ৰাতি

নিমাতী তৰাই চকু টিপিয়াই
ৰচকী মলয়ে সুহুৰি বজাই
মোকে সেয়া আছে মাতি,
আহাঁচোন আহাঁ চোৱাঁহি ইয়াত
মাধুৰীৰ ধল নামিছে ধৰাত
আজি যে জোনালী ৰাতি।

টিমিক ঢামাক চাকিটি জলাই
নোৱাৰোঁ যে আৰু ভিতৰ সোমাই
অকণো থাকিব ৰই,
পূর্ণিমাৰ জোনে হাঁহে বাহিৰত
বসন্ত-বিহ্বল সুৰাগী সুখত
উলাহে নধৰা হই।

দুৱাৰ জপাই বাহিৰ ওলাই
যাম মই আজি যেনি মন যায়
সকলো পেলাই থই,
পাহাৰে পাহাৰে পথাৰে পথাৰে
বালিয়ে বালিয়ে নই পাৰে-পাৰে
বনাই ফুৰিম গই।

দেও দি দেও দি ভ্রমিম বননি
চিকুণী পাতৰ শুনি মৰ্ম্মৰণি
ইফালে সিফালে চাম,

থমকি থমকি আঙুলি বুলাই
টোপনিৰ পৰা ফুলটি জগাই
লাচতে চুমাটি খাম।

চাপৰি চাপৰি চাপৰি বজাই
কুলি-কেতেকীক পঠাম হুৰাই
এবাৰ আহিব ঘূৰি,
কিয় নো থাকিব ইদৰে লুকাই
আমনিখনৰ মাজতে সোমাই
অকল গীতকে জুৰি।

জোন-পৰুৱাৰ পিছে পিছে লৰি
এটি বা দুটিক লাহেকেই ধৰি
থমহি কোচতে মেলি,
কিদৰে জলে নো চাই চাই চাই
আলফুলকেই দিম উৰুৱাই
থাকিব ৰঙতে খেলি।

ঘাঁহনিখনত দীঘল দি পৰি
আকাশৰ পিনে মুখখনি কৰি
ক্ষন্তেক নীৰলে ৰই,
ইকাষৰ পৰা সিকাষে বাগৰি
ঘপ্‌কৰে উঠি পোনাই দুভৰি
আকউ থাকিম গই।

সুধিম সাদৰে জুৰিটিক মই
কিয়নো কচোন দিনে-ৰাতি তই
একেটি বাটেই যাৱ?

একেটি গীতকে জোনাকতো গাই
দুপাৰৰ একে ছবিটিকে চাই
কিনো বাৰু ভাল পাৱ ?

বুঢ়া লুইতৰ শুকান বালিত
নির্জান বিলৰ নিজান পানীত
নিজৰ ছাঁটোকে চাই,
বুৰ্বুৰণিবোৰ পানীত তুলিম
পাক্ দি পাক্ দি বালিত নাচিম
বাঁহৰে পেঁপাটি বাই।

থউকিবাথউ লাগিছে যে প্ৰাণ
অময়া সুৰৰ পাইছোঁ সন্ধান
আকাশত কাণ পাতি,
যৌৱন আকউ উঠিছে মুঞ্জৰি
সোণালী দিনৰ সপোন সুৱঁৰি
আজি যে জোনালী ৰাতি।

# এনে হেন লাগে

সন্ধিয়া বেলিকা মই ঘৰলই উলটি আহিলে
এনে হেন লাগে,
কিজানিবা তুমি আহি কৰবাত লুকাই আছাঁহি
মোৰ আগে আগে।
কিজানিবা চাকিটোৰ শলাকানিডালি ঠিক কৰি
এবাৰ জলাই,
আকউ নুমাই থই তুমি আছাঁ মনে মনে গুণি
জলাবা নে নাই।
কিজানিবা বগলিৰ পাখীৰ দৰেই বগাকই
ৰচি শয্যাখনি,
কিমান কোমল হলে মই ভাল পাম শুবলই
ভাবিছাঁ অকণি।
কিজানিবা গাথিছাঁহি মালাধাৰি বকুল ফুলেৰে
মোকে দিম বুলি,
গাঁথি গাঁথি আছাঁ চাই মই আহি পালোঁহি নে নাই
চকুদুটি তুলি।

# বৰদৈচিলা

বৰদৈচিলা বৰদৈচিলা
ৰবি নে এফেৰি তই?
বৰ দৰকাৰী কথা একেষাৰি
কব লগা আছে মই।
ডাল-পাত ভাঙি হুৰ-মুৰ কৰি
ফুলবোৰ তই পেলালি মুচৰি
কিয়নো কচোন মোক।
এনে নিদাৰুণ কেনেকই হলি
কিহে বাৰু পালে তোক?

সাজ-পাৰ কৰি ওলাল গাভৰু
ঘৰত নবহে মন,
বিলৰ দাঁতিতে প্ৰাণৰ সখাই
পাতিছে যে বৃন্দাবন।
ঘপ্‌কৰে তই আহি কৰ পৰা
টল্‌বল্ কৰি তুলিলি যে ধৰা
যাব দেহি নোৱাৰিলে।
খোপাৰ মালতী মাটিতে বাগৰি
মাটিতে যে মৰহিলে।

আথেবেথে গই নতুন দৰাই
খোবাখুবুনিৰ ৰাতি,
দেখিলে প্ৰিয়াই তলমূৰ কৰি
নখেৰে আঁকিছে মাটি।

লাহৰী মুখনি বুকুলই তুলি
দুচকু ভৰাই চাবলই বুলি
ওৰণী পেলালে দাঙি।
কিয় বাৰু তই চাকিটি নুমাই
অত আশা দিলি ভাঙি?

প্ৰবসুৱা স্বামী ওলাবহি বুলি
কত কি সপোন দেখি,
আছিল উতলা হই বিৰহিণী
দিনবোৰ লেখি লেখি।
মাজৰাতি তই জাকি মাৰি মাৰি
শিকলি লগোৱা দুৱাৰ জোকাৰি
মিছাতে জগালি কিয়?
হিয়াৰ অমুবি চৰিল দুগুণে
নেদেখি পৰাণ-প্ৰিয়।

ন-বোৱাৰীয়ে গা ধুই উঠি
সলাই আছিলে সাজ,
থাপতে উৰাই বুকুৰ চেলেং
কিয় বাৰু দিলি লাজ?
পগলাৰ দৰে বজাই সুহুৰি
কাষৰ কলহ আজুৰি আজুৰি
ভেটি যে ধৰিলি বাট।
ভয়তে বপুৰি পেপুৱা লাগিল
হৰিল মুখবো মাত।

খিৰিকীখনেদি পাটগাভৰুৱে
শুনি যে আছিলে গান,

বাটৰ কাষতে কোনে নো তুলিলে
ইমান সুৰীদ তান?
তই বাৰু কিয় আহি ঘপ্‌ৰাই
গোটেইখনতে কোঢ়াল লগাই
নুশুনা কৰিলি সুৰ?
দিব তো নোৱাৰ চেঙেলীয়া মন
মাধুৰীৰে কৰি পুৰ।

বৰদৈচিলা বৰদৈচিলা
শুন তই মোৰ কথা,
কাৰো অন্তৰত নজলাবি দুখ
মনতো নিদিবি ব্যথা।
আলেঙে আলেঙে তই গুচি যাবি
দূৰৰে পৰাই কাক চাৱ চাবি
কতো নেপাতিবি কাণ।
অনাহক কাকো দাই নলগাবি
ৰাখিবি সৱাৰে মান।

# কুলি আৰু কেতেকী

আমৰ ডালত কুলিয়ে মাতিলে
কু-উ-উ কু-উ-উ কৰি,
মালা গথা আৰু নহল তোমাৰ
ফুল-সূতা ৰল পৰি।
আধা-খহি-যোৱা বুকুৰ আঁচল
তুলি লবলই নোলাল যে বল
হাতেৰে থাকিলা ধৰি।
কপালৰ ঘাম এটুপি দুটুপি
মাটিতে পৰিল সৰি।

কেতেকীয়ে আহি অ-কেতেকী বুলি
তেনেতে লগালে মাত,
আঁচলৰ পৰা গল যে সুলকি
তোমাৰ শিথিল হাত।
শুদা বুকুখনি ওলাল উজলি
চেলেংখনি যে পৰিল পিছলি
উমান নেপালা গাত।
নেজানিলা তুমি জুমি চাই কোনে
পৰাণ কৰিলে শাঁত।

# অনৰ্থক

ৰবিৰ কাৰণে ফুলে পদুম বিলত
একেথিৰে চাই থাকে কত হেঁপাহত।
দেখি মোৰ লবলই তুলি
ইচ্ছা হয় কিয় বাৰু আপোনাৰ বুলি?

সাগৰৰ আশাতে যে বই যায় নই
গোটেই জীৱন-প্ৰাণ সঁপি দিবলই।
কিয় মন যায় জুৰাবৰ
চেচা সি পানীত মোৰ তাপিত অন্তৰ?

বসন্তৰ বাবে গান কুলিয়ে যে গায়
বসন্ততে আহে আৰু বসন্ততে যায়।
শুনি মোৰ বৰ ভাল লাগে
মিছাতে ইমান মোহ কিয় বাৰু জাগে?

# আজি ই বিহুৰ দিনা

আজি ই বিহুৰ দিনা মোৰ কথা পেলাবা মনত
অকণিমান,
যেতিয়া কেতেকীটিয়ে কুলিটিৰ সুৰৰ লগত
মিলাব তান।
বননিৰ ফাঁকে ফাঁকে বতাহৰ উদুলি-মুদুলি
নীৰলে চাবা,
হয়তো তাতেই তুমি ব্যথা-ভৰা মোৰ ই হিয়াৰ
আভাস পাবা।

আজি ই বিহুৰ দিনা মোৰ বাবে টুকিবা এটুপি
চকুৰ পানী,
যেতিয়া পুৱতী নিশা ফুলটিয়ে নতুন ৰহণ
থাকিব সানি।
যতনে গোটাই আনি সৰি পৰা আমৰ মুকুল
কাষতে থবা,
মৰমৰ কথা কিবা যদি আছে কব লগা মোক
তাতেই কবা।

আজি ই বিহুৰ দিনা মোকে লই গাবাচোন তুমি
এফাকি গীত,
যেতিয়া পেঁপাৰ মাতে একেবাৰে উগুল্‌থুগুল্‌
কৰিব চিত।
জেতুকী হাতেৰে তুমি বীণখনি বজাবা এবাৰ
বুকুত লই,
সুৰদি তাঁৰতে তাৰ মোৰ বাবে ৰাঙলী ওঁঠৰ
চুমাটি থই।

# কাকুতি

তুমি মোৰ ফালে নেচাবা সিদৰে
নুমুহিবা আৰু হিয়া;
মিচিকি হাঁহিৰে অন্তৰ উজাৰি
নকৰিবা মতলীয়া।
কিয় কৰা মোক ইমান চেনেহ
মৰমতে পমি যোৱাঁ;
নেলাগে কৰিব অতনা যতন
সকলো সামৰি থোৱাঁ;
মই যে আছোঁহি দুদিন মাথোন
তোমাৰ আলহি হই;
দুদিনাৰ অন্তে অকলশৰেই
ঘূৰিব লাগিব অই।
এৰি যাব মই লাগিব তোমাক
সকলো মমতা ভুলি;
এৰি দিব মোক লাগিব তুমিও
হিয়াৰ বান্ধোন খুলি।
কাবউ কৰিছোঁ নুভুলাবা আৰু
মোহৰ মায়াৰে বেৰি;
আহিলোঁ যিদৰে সিদৰেই মোক
যাবলই দিয়া এৰি।

## বিদায়-বাণী

এদিন যেতিয়া মই যাবই লাগিব
কিয় তেন্তে আজিয়ে নেযাওঁ,
অহৰহ বিষাদৰ হুমুনীয়া কাঢ়ি
অনৰ্থক কিয় দুখ পাওঁ ?
আজি এই জীৱনৰ দুপৰ বেলিকা
কেউপিনে মাথোঁ মই দেখোঁ প্ৰহেলিকা
কিনো লাগে কিটো নো বিচাৰোঁ,
কিবা ভাবি কিবা কৰোঁ উৰাদিহ নাই
কিযে হলোঁ কবকে নোৱাৰোঁ।

সুন্দৰ সংসাৰখন বিতোপন পুৰী
দশোদিশ ৰমকজমক,
অমৃতৰ সুধাধাৰা বাগৰি নিজৰি
পৰাণত লগায় চমক।
তটিনীবুকুত সউ জোনটিৰ খেলা
নীয়ৰত তিতি থকা শেৱালিৰ মেলা
জ্যোতিহীন পুৱাৰ আকাশ,
কু-উকু-উ কুঞ্জবন জাতিষ্কাৰ কৰি
বসন্তৰ বিনন্দ বিলাস।

এই মহা আনন্দৰ মাজতে থাকিও
মই হলোঁ নিৰানন্দময়,
আধাগথা মালাধাৰি অকস্মাতে দেহি
ভাগি-চিগি হল চুৰ্চুময়।

মোৰ এই হিয়াখনি মোহাৰি-সামৰি
অতি নিদাৰুণ ভাৱে চিৰাচিৰ কৰি
জীৱনৰ মাধুৰী নাশিলে,
কৰুণাৰ এটি কণা নেপালোঁ তথাপি
তাৰো পৰা বঞ্চিত কৰিলে।

কিহৰ মোহত থাকোঁ আপোন-পাহৰি
নিতে কিয় টোকোঁ চকুপানী
আজিয়েই এতিয়াই মাগিলে মেলানি
কাৰো একো নহব তো হানি!
আপোনাৰ ভাবতে যে সকলো বিভোল
অন্তৰত আবেগৰ মৃদুল হিল্লোল
মই কিয় জঞ্জাল বঢ়াওঁ?
পোহৰৰ এটি ৰেখ দেখ-নে-নেদেখ
তাতে ধৰি যাওঁ গুচি যাওঁ।

# বিসৰ্জ্জন

সাদৰে আদৰে কৰি প্ৰতিষ্ঠা হিয়াত
ডবা-শঙ্খ মুৰুলীৰে নিনাদি ভুবন;
পূজিছোঁ ইমান দিন আকুল অন্তৰে
কতনো সম্ভাৰ নিতে কৰি আহৰণ;
অনৰ্থক কৰি মোৰ অতনা সাধনা
কেনেকই বাৰু আজি দিওঁ বিসৰ্জ্জন?